# বলাই-বিহুলী।

ঃ*ঃ

ব[redacted]

শ্ৰীকৃষ্ণানন্দ গোস্বামী

দহঘৰ সত্ৰ, নগাওঁ।

দ্বিতীয় তাঙৰণ

প্ৰকাশক—

শ্ৰীঅকন চন্দ্ৰ গোস্বামী।

ষ্টুডেন্টস ষ্টৰ।

নগাওঁ.

বেচ ॥০ আঠ অনা।

# বলাই বিহুলী।

—*—

চৰাৰে মুধতে বিহুলী গাভৰু
বিলৰ গাহেোৰা ভৰি !
ভায়েকলৈ বুলি ৰাচে লতা ফুল
তললৈ মূৰটি কৰি ॥

গুটি ফুল দিয়া বিহাৰ আচলে
মাটিত চুমাদি আছে,
লাহৰী চুলি তাৰ তাৰ ওচৰতে
অউলী বাউলী নাচে ॥

এনেতে বলায়ে লই কাষৰীত
ম'হ হাল'লই লই।
পেপাটি বজাই বিহু মাৰি ফুৰে
গাভৰুৱে শুনা কই।





বিহুৱে নাচনী বিহুলী গাভৰু
তাতেই পেপাৰ মাত,
উথল পাথল লাগিল হিয়াত
তত নাইকীয়া গাত।

একনী দুকনী বাচে লতা ফুল
মন যে কেনেবা কৰে,
এমোবৰ ঠাইত দোমোৰ মাৰিছে
মাকো সৰি সৰি পৰে।

লাহে লাহে আহি সন্ধিয়া পৰিল
তাতসাল সামৰি থৈ
বিহুলী গাভৰু ঘাটলৈ ওলাল
লগৰ লগৰীয়া লৈ।

ইজনীয়ে বোলে বিহুলী বাইটী
শিকাব লাগিব নাম,
সিজনীয়ে বোলে বিহুলী বাইটী
কেনেকৈ নাচেনো চাম।

## বলাই বিহুলী

এইদৰে আহি ঘাটত নামিল
কোনেও নেদেখাই হ'ল,
কাষৰ কলহ মাটিত নমাই
গৰাৰ আঁৰলৈ গল।

সকলো ছোৱালী জুম পাতি ললে
নাম গাই ছাপৰী মাৰি,
বিহুলী গাভৰু নাচনী উঠিল
কেনেকৈ নেচাই পাৰি ?

লাহেকৈ বলায়ে মহ এৰি থই
গৰাৰ কাষলৈ গ'ল,
তাৰ গম পাই সকলো ছোৱালী
ইফালে সিফালে হ'ল।

সকলোৱে গাই—
"বিহুৰে বিৰিনা পাতে ঐ লাহৰী
বিহুৰে বিৰিনা পাত,
এইবাৰ বিহুতো কেলেই আহিলা
বিহা নাইকীয়া গাত"।



বলাই বিহুলী চাৰিটি চকুৰ
তত্তালিকে মিল হ'ল,
অফুত স্বৰেৰে বেদনা জনাই
বলাই আঁতৰি গল।

লগৰ লগৰী সকলো চাপিল
কলহ ভৰাই লই,
শাৰী পাতি পাতি ঘৰলৈ আহিল
বিহুৰে কথাকে কই।

এইবাৰ আকৌ বিহুলী গাভৰু
তামোল এখন লই,
পানী অনা চলে ঘাটলৈ আহিল
অকল শৰায়া হই।

বলায়েও আহি ম'হ বান্ধি থই
ঘাটলৈ ওলাই গল
নিজন ঘাটৰ নামনি গৰাত
দুয়ো দেখাদেখি হ'ল।



ইফালে সিফালে ঘূৰি ঘূৰি চাই
নেদেখি, নুশুনি মাত,
মিচিকি হাঁহিৰে বিহুলী গাভৰু
তামোললৈ মেলিলে হাত।

বলাই ডেকায়ো তামোল লোৱা চলে
সাৱতি ধৰিলে গাত,
দুয়োটিৰ দেহা একেটি কৰিলে
গাভৰুৰ হৰিল মাত।

কত যে দিনৰ সাচতীয়া কথা
ইটিয়ে সিটিক কলে,
চকুৰ পানীৰে প্ৰেম পূজা কৰি
মিলনৰ স্মৃতি থলে।

কথাৰে লাচতে বলায়ে শুধিলে
নেৰনে বাপেৰৰ ঘৰ,
সৰুটিৰে পৰা ভাল পাই আহি
কিয়নো ভাবিলি পৰ ?



তাৰ ঠেক বুজি বিহুলী গাভৰু
ঠাইতে লগালে মাত,
অতি চেনেহৰ বিহুটি আহিছে
নে নাচি নোৱাৰোঁ তাত।

বিহু নাচনীৰ নাচনী উঠিম
পাবো মানে নাম গাম,
এই বাৰ পৰা এই জীৱনত
আগলৈ নো কত পাম?

বিহু গলে হলে এই বাৰ আৰু
এৰিম ঘৰৰ ভাৰ,
এই সংসাৰত প্ৰাণ থাকে মানে
তোমাকে কৰিম সাৰ।

অলপ পাচতে দুয়োটি আত্মৰ
একাৰত মিল হ'ল,
কোৱা কথাবোৰ মনে মনে ভাবি
ঘৰলৈ উলটি গ'ল।

বিশ্বৰ গৰাকী এনে ৰূপ দেখি
কৰিলে আশীষ দান,
ডেকা গাভৰুৰ এনুৱা কথালৈ
কোনেনো নিদিব কাণ ?

—ঃ*ঃ—

(২)

শোৱা পাটী পৰি বিহুলী গাভৰু
মাকক লগালে মাত,
"শুনিছ নে আই অহা ৰবিবাৰে
বিহুৰে আহিছে হাট।

মণ্ডলে উৰুকা বুদে বিহু হব
মোৰো ওলাইছে তাত,
এন্তিয়াহে মন লঘু লঘু লাগি
বিহুটি লাগিছে গাত।

পিৰিকা ফুলেৰে তেল মিহলালো
মুৰত লবলৈ বুলি,
বিহুৰে দিনত তাকে ঘঁহি মই
ভালকৈ বান্ধিম চুলি।



লং. দালচেনি হাচতি. কটাৰি
আৰ্চি ফণিকে লই,
গোলাপী ৰঙৰ "জ্যাকেট" এটাকো
কিনিব লাগিব মই।

এইবোৰ লই বোপাইৰ হাততে
সকলো খৰচা দিবি,
ধনে নাতে যদি ককাইটিৰ পৰা
ধাৰেই দুটকা নিবি।

উকাৰ আগতে কাপোৰ ধুই লৈ
সকলো ঠিককৈ লম,
গাওঁ সমনীয়া সকলোৰে কয়
ময়হে নাচনী হ'ম।

নেনাচিলে আৰু নেৰিবও বোলে
শুনিছ নে বাৰু আই,
এইবাৰ আৰু বিহু নাচনীৰ
মোকেহে পাতিব ঘাই।



সেই দেখি তোক এতিয়াই কলো
ঠিক কৰি দিবি আই,
ৰাতি বিহু মাৰি উলাত নাহিম
হমগৈ বিহুৰে ঘাই।

উজনী চহৰৰ ঢুলীয়া আহিব
নতুন কৈ মাৰিব চেও,
সকলোৱে কয় মোকে আগ কৰি
নানাচিব আৰু কেওঁ।

এই বেলি আৰু ছোৱালীও নাই
ভালকৈ নাচিব পৰা,
ওচৰ চুবুৰী সকলোৱে কয়
মই হে একাচি চৰা।

নাচিব নোৱাৰি উলতি আহিলে
সকলোৱে দিব লাজ,
জীয়াই থকাতকৈ মৰাটোহে ভাল
গাভৰুৰ নাথাকে কাজ।



অতি চেনেহৰ গাৰ চেলেং খনি
অতি চেনেহৰ খাৰু
তাতোকৈ চেনেহৰ বহাগৰ বিহুটি
কেনেকৈ নেনাচি পাৰো।

গুটি ফুল বচা ৰিহা মেখেলাকে
এইবাৰো পিন্ধি যাম
তাতোকৈ নো বাৰু কোন গাভৰুৱে
ধুনীয়া পিন্ধে নো চাম।

বৰ্হন ঠুৰিৰে দাঁত যে বোলাম
ওঁঠো যে পৰিব ক'লা
সেন্দুৰৰ ফোঁট কপালত লম
খোপাতো মাৰিম শলা।

বাৰীৰে মালতি খোপাতে পিন্ধিম
আঙ্গুলি জেতুকা বোল,
ৰূপ গোটা খাৰু হাততে পিন্ধিম
সকলোটি যাব ভোল।

বিহু মৰা ডেকা নামত্তে হাবিব
মাৰিব নোৱাৰি চেও,
যেয়ে যিটো গায় দিয় ওলোতাই
নোৱাৰে জিকিব কেওঁ ।

ঘাটেকি বাটে কি তাতৰে শালত্তে
ন কই সাঁজখো নাম,
পিলিঙা ডেকাই এইবাৰ বাৰু
কেনেকৈ হৰাই চাম ।

ৰঙ্গিলী কেতকী বাইহঁতে কয়
মোতকৈ নাচনি নাই ।
যোৱা বাৰো হেনো ডেকা ভোল গল
মোৰ নাচোনকে চাই ।

তেতিয়াই বোলে ডেকা হঁত্তে কলে
“অহা বছৰ ল তত্,”
নকৈ চেও শিকি নচুৱাব মোক
ঢুলীয়া ডেকাৰ মত ।



বাইইতে মোক নইবে গৰাতে
সদায় নাচনী তোলে,
আগন্ত কৈ নই দিনে দিনে হেনো
ভালহৈ আহিছোঁ বোলে।

গাৱৰ ডেকাৱো এজিয়াৰ পৰা
লুকাই চাবলৈ যায়,
মোৰ সম হেনো এভিয়া গাৱত
নাচনী ওলোৱা নাই

পাভত্তিত থোৱা টকাটো নমাবি
বৰ ভাল লাগে মোৰ,
মনৰ হেপাহে ভালকৈ বজাই
এবেলি কৰিম ভেৰ।

এবছৰ গই বিহুটি আহিছে
চৰায়ে গাইছে গীত,
ডেকা গাভৰুৰো দিনে দিনে আহি
চঞ্চল কৰিছে চিত্ত।



স্বৰগত কৈয়ো মৰণ্তেই ভাল
এনেকৈ বিহুটি পালে,
সদায় বঙ্গালী চ'তৰে বিহুটি
ভালকৈ ভাবি নে চালে।

বিহুৰে দিনতে পুৱাতে জগাবি
সাৰ যদি নাপাওঁ মই,
মই নানাচিলে নাচোতাও নাই
মনত ৰাখিবি তই।

ডেকা গাভৰুৰ আনন্দৰ দিন
কেনেনো প্ৰভুৰ দয়া।
দুখীয়া সুখীয়া সকলো হৰিষ
কোনেনো বুজিব মায়া।”

—ঃ( * )ঃ—

( ৩ )

আলি পদূলিয়ে ( আজি ) মানুহৰ জাক
আহিছে বিহুটি যাচি,
ডেকা গাভৰুও সকলো ওলাই
নতুন কাচোনে কাচি।



ই ঘৰৰ পৰা সিঘৰলৈ যায়
পাতিছে খোৱাৰ মেল,
খাই উঠি কত দহ্-পচি মাৰি
কৰিছে নানান খেল ।

ৰং ধেমালিতে দিনটি গল
আনন্দে পৰাণ নাচে,
ঢোল, তাল লই হুচৰি গাবলৈ
সকলো সাজু হৈ আছে

চাওঁতে চাওঁতে এন্ধাৰ আহিল
সন্ধিয়া বিদায় হল,
যাৰ যেনে ইচ্ছা পিন্ধি উৰি লই
হুচৰি গাবলৈ গল ।

ডেকা বুঢ়া আদি দলে দলে আহে
হুচৰি গাবলৈ বুলি,
চোতালে চোতালে জুম পাতি পাতি
গাইছে ৰাগিণী তুলি ।



পোন প্ৰথমন্তে ধৰ্ম্মৰ গীতেৰে
ঢোলত কিৰিলি দিয়ে,
ওজাৰ পাচতে দীঘলীয়া সুৰে
পালিবোৰে টান নিয়ে ।

জয় জগন্নাথ হৰি—
জয় জগন্নাথ”
ইয়াকে জোৰণি কৰি লই পাচে
কীৰ্ত্তন মিলাই দিয়ে,

ঘৰ ঘৰোৱাহী সকলো জনৰে
মন প্ৰাণ টানি নিয়ে ।
কৃষ্ণাই পদূলিত বকুল ফুলে জুপি
নিয়ৰ পাই মেলিলে পাহি ঐ গুবিন্দাই ৰাম”

ই কুটৰ পাছে সি কুট লগাই
কেনে যে শুৱলা টান,
তাৰ মাজে মাজে ঢোল চেৱে চেৱে
দিয়েহি ঢুলীয়া মান ।



হৰি নাম লই বুঢ়া আনন্দিত
হুচৰি সুৰত গাই,
অমিয়াৰ ধাৰা পৰশি প্ৰাণত
উলাহত নাচি যাই।

নামৰ পাচতে ডেকাই লগালে
বিহুৰ ৰাগিণী তুলি,
পোন পহিলাতে ক্ষমা খুজি ললে
বছৰৰ গীত বুলি।

"কাটোতে চিকুনে নলীয়া কটাৰী
দেখিবলৈ ভাল মিত,
ঘৰ গিৰিহঁতে দাই নধৰিবা
গাই যাওঁ বছৰ গীত।"

গীতৰ পাচতে ঢুলীয়া ডেকাই
ঢোলত চাপৰ দিলে
তাৰ লগে লগে খুতি তাল বাজি
নচুৱা জগাই নিলে



"তোকে কেনে কৰি পাম প্ৰাণেশ্বৰী
তোকে কেনে কৰি পাম
তই যাবি ঘাটলৈ মই যাম বাটলে
পানী অনা ঘাটতে পাম।"

ইয়াৰে লগতে ভাল বাজি যাই
পাচভ ঢোলৰ চেও,
ককাল ঘূৰাই নতুৱা উঠেহি
নেচাই নোৱাৰে কেও।

"মই যে আছিলো পদূলি বাটতে
তই গইছিলি লৰি,
চকু চাৱনিতে প্ৰাণ কাঢ়ি নিলি
কেনেকৈ নেকান্দি পাৰি।"

"আঠিয়া কলৰে পাতে নেকাটিবা
চিৰ্তিকি পৰিব এঠা,
শত্ৰুক দেখুৱাই কেতেহাই মাতিবা
ভিতৰি নেৰিবা বেথা।"



ঘৰ গৃহস্থৰ ভাল নালাগিলে
সোনকালে বিদায় হই,
ইঘৰ পাচত সি ঘৰলৈ যায়
ৰাগিণী কথাকে কই ।

যাৰ ভাল লাগে যাবলৈ নিদিয়ে
মাৰি থাকিবলৈ কয়,
বিহু লগে লগে নাচোতে নাচোতে
নতুৱা অৱশ হয় ।

তিমানতো যদি এৰিব নোখোজে
বিহুৰ উঠিল ৰোল,
সকলো ডেকাই মুখে মুখে গালে
খৰকৈ বজালে ঢোল ।

"থাকো কত বেলি যাওঁ এতে বেলি
ফেচাই কুকলি দিব,
নাচোতে নাচোতে নতুৱা হৰিলে
এতিয়া বিদায় দিব ।"

এই দৰে আজি ঢোল-তাল বাজি
আনন্দে নাচিছে হিয়া,
যেনি কাণ যাই তেনিয়েই শুনে
বিহুৰে ৰগৰ দিয়া ।

ইদলৰ পাচত সিদল আহিছে
ঢোলত চাপৰ বায়,
দিন কি ৰাতিয়ে শুনুতে শুনুতে
গৃহস্থৰ টোপনি নায় ।

এই দৰে গই হুচৰি গাওঁতে
দুদিন দুৰাতি যায়,
যেয়ে যতে পালে ততালিকে খালে
ধুনৰ খবৰ নায় ।

গাওঁৰ গাভৰু হুচৰি শুনুতে
মন উকু উকু কৰে
উলহ মালহ লাগেহি হিয়াত
তাতে ঢলি ঢলি পৰে।



মনৰ উচাত দমাব নোৱাৰি
বিলুৰ গাভৰু বাই
দল পাতি পাতি পথাৰ ওলাই
ডেকাৰে কথাকে কই ।

হাতত টকালৈ কিৰিলি মাৰিলে
মুখেৰে লগালে গীত,
তক্ তক্ কৰি শবদ উঠিল
গাভৰু চঞ্চল চিত ।

"কেতিয়া আহিব মৰমৰে ডেকা
হুচৰি পৰিব ওৰ,
আকুলে হিয়াত প্রেম বিলাবহি
ভাবনা কৰিব দূৰ ।"

সৰু সৰু লৰা সকলোটি যায়
নাচোন চাওঁগৈ বুলি,
সিহঁতকে দেখি নাচনী উঠেহি
গীতৰ ৰাগিণী তুলি ।



"জাত্তিবাঁহৰ জকাই ঔ নাসাজিবি ককাই ঔ
নাখাওঁ দৰিকনা মাছ,
মৰমৰ ডেকাহঁত কেলেইনো নাহিলে
কাকনো দেখুৱাম নাচ।"

"কিনো কথা কই মনত দুখে দিলো
কিয়নো নাহিলে ডেকা,
মনে ভালে বছা দেখিব নাপালো
এয়েনে বিধত্তাৰ লেখা।"

"আয়ে যে শুনিলে গালি যে পাৰিব
যোপায়ে নিদিব ঠাই,
সকলো এৰি থৈ যাম উৰা মাৰি
কেত্তিয়া লাহৰীক পাই ?"

"কেলেই লাহৰী গলা যে পাহৰি
কিটো নো লগালেঁা দায়,
তোমাৰে কথা যে মনতে পৰিলে
হিয়া যে ফাটিয়ে যায়।"



গাওঁতে গাওঁতে ৰাতি হই গল
ডেকা সমাগম নাই,
গাভৰুৰ মন উত্ৰাৱল হ'ল
কেনেকৈ নো সুখ পায় ?

মনৰ বেজাৰে সকলো গাভৰু
ঘৰলৈ উলতি গল,
মনৰ হেঁপাহ মনতে মৰিল
অতিকৈ অধীৰ হ'ল ।

ইফালে ডেকাৱো বিহুলৈ গুৰুঁৰী
হুচৰি এৰিলে আশ,
ৰাতি পুৱালেই গাভৰু মাতি নি
কৰিব বিহুতে বাস ।

বিহুলী গাভৰু ঘৰ পাওঁতেই
হৰিল মুখৰ বাক,
কাৰ ভাৱনাত মন মজি আছে
কোনেনো বুজিব তাক ?



( ৪ )

পূবেদি অৰুণ                    ভুমুকি মাৰিলে
        ধৰণী সজাগ হ'ল,
ঘৰবুঢ়া মেথা                    যাৰ যেনে ইচ্ছা
        গাৱঁলৈ ওলাই গ'ল ।

বাটে পদূলিয়ে                    পথাৰে সমাৰে
        মানুহৰ ওৱা হোৱা,
ঘৰে ঘৰে খালি                    চলিব লাগিছে
        ধূমধাম খোৱা বোৱা ।

গাৱঁৰ গাভৰু                    সকলো আহিছে
        ডেকায়ো ধৰিছে পাচ,
সকলোৰে প্ৰাণ                    উত্ৰাৱল হৈছে
        চাবলৈ গাভৰু নাচ ।

ৰতলা গৰবে                    বিহুমৰা ঠাই
        সকলোৰে জনাজাত,
জাকে জাকে মাথোঁ                    ডেকাবেহে দল
        দোকানো বজাবো তাত ।



চাওঁতে চাওঁতে ঠাই ভৰি গল
ডেকা গাভৰুৰ জাক,
দূৰণি বটিয়া ঢুলীয়া আহিছে
মুখেৰে মাতিব কাক !

পুখুৰী পাৰৰ জৰিৰ তলতে
এবাহ ডেকাৰ দল,
তাৰ ওচৰতে গাভৰুৰ জাক
চোৱা কাৰ কেনে বল।

ডেকাৰ মাজত কিৰিলি উঠিল
ঢোলত মাৰিলে চেও,
বিহুৰ নামেৰে খলকি উঠিল
নেনাচি নোৱাৰে কেওঁ।

ইফালে গাভৰু হাতৰ টকাৰে
মুখেৰে জুৰিলে নাম.
ককাল ঘূৰিল বিহুলী গাভৰু
ডেকাৰ পূৰিল কাম।

গাভৰুনি জ্ঞালি বিহুলী গাভৰু
নাজানি ললেহি ঠাই,
ঢোলৰ চেওত নাচোন জুৰিলে
ডেকালৈ মুখলৈ চাই।

উৰাই ঘূৰাই বিহুলী নাচিছে
খোপা খাহি খহি যায়,
ডেকা গাভৰুৰ লাগে নাম জোৰা
তাৰ সীমা সংখ্যা নাই।

"ঢোলে ভালে কৰি বাবি ঐ ঢুলীয়া
তালে ভালে কৰি বাবি,
ঢোলৰ বাবিৰে নাকটি চিৰিৰ
ঘৰলৈ উভতি যাবি।"

"গা হালি জালি নাচিবি নাচনী
ডেকাকো আনিবি হেচি,
ঢোলৰে চেৱত গা ভুঘূৰিলে
দিম বণ্ডালক বেচি।



"পৰ্ব্বতে পাহাৰতে বগাব পাৰো মই
লতা বগাৰলৈ টান,
বনৰীয়া হাতীকো বলাব পাৰো মই
ডেকাক বলাবলৈ টান।"

"তুমি প্ৰাণেশ্বৰী সবাতকৈ সুন্দৰী
ল'লা ফুলেশ্বৰী নাম
তুমি যে যাবাগৈ নেদেখা ৰাজালৈ
আমি কেনেকৰি পাম।"

"ওপৰে উৰিলে কালিন্দী ভোমোৰা
ভৈয়ামত পৰিলে চয়া,
সপোনে সচিতে দেখো মোৰ ধনক
কোনেনো কৰিছে দয়া।"

"চাহে হৈ উৰিম গৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিম গৈ চালত,
ঘামে হৈ সোমাম গৈ তোমাৰে শৰীৰত
মাখি হৈ চুমা দিম গালত।"



"উজাই যাবাগৈ        কলাবাৰী পাবাগৈ
চপাই নাকাটিবা পাত,
আলহি ৰূপেৰে        খাবা চাউল কঠি
গালৈ নিদিবা হাত।'

"হাততে ছাটি লৈ        মই যাওঁ ভাগি লৈ
তুমি থাকা অকলৈ শুই,
মৰমৰ কথাটি        কাতো নুলিয়াবা
শৰীৰত নিদিবা জুই।'

"ডালতে শুকালে        ডালৰ নেমুটেঙ্গা
বতলত শুকালে তেল,
কালি যে গধুলি        আমাৰ পদূলিতে
কিহৰ পাতিছিলা মেল।'

'আবেলি বেলিকা        ঘাটলৈ গৈছিলা
তললৈ বান্ধিলা চুলি
মনে আলচিলো        এই সুচলতে
তোমাকে লৈ যাওঁ বুলি।'

চেগ বুজি বুজি গাভৰুৰ জাকে
নতুন নাচনী তুলি,
ঢুলীয়া ডেকাৰ মন প্ৰাণ বুজে
বিহুলী জুৰাওক বুলি।

পিলিঙা ডেকাই বিহুলীলৈ চাই
ঘনে ঘনে টিপ দিয়ে.
আহা আহাবুলি মুখেৰেও মাতে
ইজনী পাছলৈ নিয়ে।

নাচোতে নাচোতে বেলি বহি গল
হল সন্ধ্যা আগমন,
বিহু এৰি থই ডেকা কি গাভৰু
ঘৰলৈ মেলিলে মন।

ভাত পানী খায় অলপ জুৰাই
পিন্ধি উৰি সাজু হল,
আগৰ দৰেই সকলো ওলাই
ৰাতিৰ বিহুলৈ গ'ল।



দূৰণি বটিয়া কোনোবা থাকিলে
মিতিৰ বিচাৰি যায়,
নহলে কতই ভোকে লঘোনেই
ৰাতিৰ বিহুকে চায়।

আগৰ দৰেই সকলো জুমতে
বিহুৰ উঠিল বোল,
পাল পাতি পাতি নাচনী উঠিল
ঢুকালে বজালে ঢোল।

এইবাৰ আৰু বিহুলী গাভৰু
গাৰ তৰণী নাই,
আতৰত থকা ডেকাবোৰ চাপিল
আগৰ নাচনী পাই ঃ

ঢালমৰা ডেকা ঢোলত হাৰিল
মাৰিব নোৱাৰে চেও,
বিহুলীৰ আগত নাম জোৰা লাগি
সাৰিব নোৱাৰে কেও।



যেয়ে যিটো গায় দিয়ে ওলোতাই
তৰণী নোহোৱা কৰে
বাঃ বাঃ ! বুলি সকলো ডেকাই
দাতকে কামুৰি ধৰে ॥

নগৰ নগৰী সকলো আনন্দ
বিহুলীৰ নাচোন চাই
পিলিঙা ডেকাৰ মন উত্ৰাৱল
কেনেকৈ বিহুলী পায় ।

মনৰ হেপাহ মনতে থাকিল
অৰুণ উদয় হ'ল,
এন্ধাৰ লগতে আশা এৰি থই
আকৌ ঘৰলৈ গল !

খাই বই উঠি অলপ জুৰাই
আকউ বিহুলৈ আছে
ডেকাৰ থিতাপি নোহোৱা পৰ্য্যন্ত
বিহু মাৰে নাহে নাহে ।



এইদৰে গই বিহু মাৰোতেই
আজিলৈ ছদিন যায়,
দিন ঠিক দিয়া ডেকাই ভাবিছে
গাভৰু কেতিয়া পায়।

সকলো ডেকাই চাপৰি মাৰিলে
মুখেৰে কিৰিলি তুলি,
অন্তি হেপাহৰ বছৰৰ বিহুটি
কালিলৈ যাবগৈ বুলি।

ইফালে গাভৰুৰ হাতৰ টকাই
তক্ তক্ শব্দ কৰে,
জাউত—জাউত সুৰত মিলাই
মুখেৰে নামটি ধৰে।

"কাকনো জনামগৈ মনৰে বেদনা
দুখ পতিয়াৰ মোৰ,
ভালকৈ বিহুটি গাবলৈ নাপালোঁ।
কালিলৈ পৰিব ওৰ।"



কত যে ডেকাৰ সঁাচতীয়া কথা
মৰম-গাভৰু কয়,
সেই চেগতেই দুইটি অঁাতৰে
কোনেনো খবৰ লয়।

মাক বাপেকৰ পাছেহে খবৰ
জীয়াৰী পলাই গল,
গাভৰু ছোৱালী উলিয়াই নিদিয়া
এতিয়াহে ফল হ'ল।

ইফালে দুটিৰো মন উত্ৰাৱল
বিভুৰ আশীষ দানে,
অফুট তালৰ গুপুত বাসনা
কোনে কেনেকই জানে ?

(৫)

এক দুই কৰি সাতদিন হ'ল,
বিহুৰো আহিল শেষ,
ডেকা গাভৰুৰ জেউতি চৰিছে
সবাৰো আনন্দ বেশ।

ডেকা গাভৰুৰ উলহ মালহ
কাক যে কৰিব পাচ,
বিহু চোৱা ডেকা লা—নি পাতিছে
চাবলৈ বিহুলীৰ নাচ।

আগৰ দৰেই সকলো চাপিল
বান্ধিলে বিহুৰ জাক,
মনৰ আনন্দে প্ৰাণ উৰু উৰু
ঘনাই মাৰিছে পাক।

ঢোলনৈ ঢুলীয়া তালি মাৰে চেও
মুখেৰে কিৰিলি তুলি,
হাতত টকালৈ গাভৰু উঠিল
নাচনী উঠক বুলি।

ডেকাৰ পালিয়ে বাছি বাছি নাম
হেপোৰ পিটি লগাই,
ঢোল চেয়ে চেয়ে নতুৱা উঠিহি
আনন্দে টকলিয়াই।



উফালেদি হলে এটা জুমত
সেইটো নহব বুলি,
মনৰ হেঁপাহে টকালি মাৰিছে
বিহুলী নাচনী তুলি।

ককাল ঘূৰাই বিহুলী গাভৰু
হাতেৰে দিলেহি মান,
নাচি নাচি আহি ডেকালৈ তোৰাই
সকলো উদ্বিগ্ন প্ৰাণ।

ডেকা গাভৰুৰ নামজোৰা লাগি
উঠিছে আনন্দ ধ্বনি,
শুনোতাই ভাবে এয়েহে মাথোন
প্ৰেমৰ পৰশ মণি।

"আজি ঐ লাহৰি কিহৰে পাচলি
মোকাল ভলুকাৰে গাজ,
ভাত খাওঁ লাহৰী আতৰ হৈ নাথাবা
অমঙ্গল মিলিব গাত।"



"তোমালৈ যিমানটি মৰম ঐ ধৰমী
আনলৈ সিমানটি নাই
আশাতে নিৰাশা নকৰা লাহৰী
হিয়া মোৰ বিদৰী যাই।"

"ভাতে খাই গলা তপতে তপতে
খুটি থৈ নগলা চুকত
যাবৰে বেলিকা মাতো নলগাৰা
কথা থৈ নাযাবা বুকত।"

"বঙালৰ গোলাৰে কাকত ঐ লাহৰী
বঙালৰ গোলাৰে কাকত,
মনৰে কথাটি তাতে লেখি লই
পঠিয়াম চৰ্কাৰী ডাকত।"

চেগ চাই চাই আগেয়ে বিহুলী
জিৰণি লবলৈ যাই
আজি হলে আৰু অকলশৰীয়া
সলনি দিওঁতা নাই।



পাল পাতি পাতি পিলিঙা ডেকাই
ঢোলত মাৰিলে চেও,
বিহুলীৰ নাচোনো চৰিহে আহিল
নোৱাৰে হবাৰ কেওঁ।

সকলো ডেকাৰ বিহুৰ বোলত
প্ৰাণ নাচি নাচি যাই,
গাভৰুক কৰলৈ মনৰ আলচ
তাৰোহে সুযোগ চাই।

কেনে যে বিহুৰ উঠিছে ঝঙ্কাৰ
কেনে যে লাগিছে প্ৰাণ,
নিজৰ চকুৰে দেখোতা নহলে
শতকাই বুজা টান।

মনে হয় যেন স্বয়ং ভগবান
হইছে ইয়াতে থিত,
ডেকা গাভৰুক মতলীয়া কৰি
শুনিছে বিহুৰ গীত।



চাওঁতে চাওঁতে সুৰুয দেৱতা
পশ্চিমত ললে ঠাই,
ডেকা গাভৰুৰ ইফালে প্ৰাণত
মিলনৰ ঢৌ খেলাই

গাৰ আঁৰে আঁৰে আলেঙে আলেঙে
বলাই হলহি থিত,
নাচি থাকোতেই বিহুলী গাভৰু
হ'ল অতি চঞ্চলিত।

ঠাইতে দেখা দি বলাই আঁতৰি
আঁৰত ললেহি ঠাই
জোপাৰ মাজত সোমাই থাকিল
বিহুলীলৈ বাট চাই

বিহুলী গাভৰু নাচিবলৈ এৰি
গালত তুলিলে হাত
কিবা হোৱা চলে চকু পানী টুকি
লগৰীক লগালে মাত।

বাই ভনীহঁত যাওঁ আৰু মই
গা যে অসুখ কৰে,



কি যে হব মোৰ কব নোৱাৰিছোঁ।
বাওঁ চকুটো লৰে।

এই বুলি কই অলপ ৰহিল
মূৰত হাতটো তুলি
ৰিহাৰ আচলে লগৰীয়াই ৰিছে
অলপ কমক বুলি।

"কম পালোঁ মই যাওঁ আৰু" বুলি
শেষত লগালে মাত,
মনতে বলাইক ভাবি ভাবি লই
ঘৰলৈ ধৰিলে বাট।

বিহুলীক দেখি বলাই ডেকাও
জোপাৰ ওলাল বাজ,
ঈশ্বৰক স্মৰি ধন্য মানিলে
পুৰিল মনৰ কায।

মুকলিমূৰীয়া বলাই বিহুলী
আনন্দৰ সীমা নাই
ডেকা গাভৰুৰ মধুৰ মিলন
আজি হে কোনেনো চাই



# জাননী ।

আমাৰ দোকানত স্কুলীয়া লৰাৰ সকলো ফেচনৰ কোট, কামিজ, পেণ্ট, ফ্ৰগ, ব্লাউজ, চেমিজ, তেল, সেন্দুৰ, ফণি, আছি, সেণ্ট, স্নো আৰু কিতাপ, কাগজ, দত, কলম, ব্লেকবোৰ্ড, ফুটবল, ভলিবল, বেড মিণ্টন, ৰেকেত, কৰ্, ফাউণ্টেন পেন, ছবি-আয়না, এক্সাৰচাইজ বুক, মেপ, [illegible] উপহাৰ, লেফাফা, ফেন্সি কাৰ্ড, অসমীয়া, হি[illegible]ঙ্গলী, উৰ্দ্দু, আৰবী ইত্যাদি কিতাপ মজুত পাব। অৰ্ডাৰ পালে মফস্বললৈও পঠোৱা হয়। তলত দিয়া কিতাপ কিখন শতকৰা ১২॥০ টকা কাম[illegible] চনত পাব।

অসমীয়া উজু ধাৰাপাত—।৵০ অনা
আখৰ চিনাক —৵৬ (মফস্বলৰ কাৰণে
স্যমন্তক হৰণ —।৵০ অনা
বলাই বিহুলী —॥০ ,,

পোৱাৰ ঠাই—

**ষ্টুডেণ্টস ষ্টোৰ।**

ঢাকাইপট্টি, নগাওঁ, আসাম।

---

নগাওঁ হৰ্গা প্ৰেছত শ্ৰীকালী মোহন বৰুৱাৰ দ্বাৰা ছপা হল।